

# DHRITARASTRA

*A book of verse written by Gautam Prasad Barua and published by Lawyer's Book Stall, Gauhati, Assam.*

॥ প্ৰকাশক ঃ লয়াৰ্চ বুক ষ্টল ঃ পাণবজাৰ ঃ গুৱাহাটী-১ ॥

॥ প্ৰথম প্ৰকাশ ঃ নৱেম্বৰ, ১৯৭৭ ॥



॥ বেটুপাত আৰু অঙ্গসজ্জা ঃ মণি মিত্ৰ ॥

॥ ছপা ঃ শ্ৰীৰাধাৰমণ বছাক ঃ শ্ৰীকান্ত প্ৰেছ ঃ ৭৫, বৈঠকখানা ৰোড ঃ কলিকতা-৯ ॥

॥ ব্লক ঃ প্ৰচেছ এণ্ড এলায়েড গিল্ড ঃ কলিকতা-১২ ॥

॥ বন্ধা ঃ নিউ হেনা বাইণ্ডিং ৱৰ্কস্ ঃ কলিকতা-৯ ॥

মূল্য—ছয় টকা মাথোন

# প্ৰস্তাৱনা

আন ভালে কেইজন সমসাময়িক তৰুণ অসমীয়া কবিৰ দৰে গৌতম প্ৰসাদ বৰুৱাই 'বুজন' পৰিমাণৰ গাইগুটীয়া কৱিতা পুঁথি নাইবা 'অলেখ' কৱিতা ৰচনা কৰিছে বুলি কোৱা নাযায় যদিও, শ্ৰীবৰুৱা যে তেওঁৰ সফল পুথি "অনুভৱৰ" জৰীয়তে আৰু সাময়িক পত্ৰিকা আলোচনীত সঘনে ওলাই থকা কৱিতাৰ যোগেদি সাম্প্ৰতিক সময়ৰ প্ৰতিশ্ৰুতিপূৰ্ণ নতুন কবি সকলৰ অন্যতম ৰূপে নিজকে ইতিমধ্যে সুপ্ৰতিষ্ঠিত কৰিব পাৰিছে তাতো সন্দেহ নাই। কিছুদিনৰ আগতে এখন ইংৰাজী কাকতত ওলোৱা বৰুৱাৰ আৰু এগৰাকী ইংৰাজ কবিৰ কৱিতাৰ অৰ্থ সম্পৰ্কীয় সাক্ষাৎকাৰ প্ৰসঙ্গটোৱে এই গৰাকী "মিউজৰ" প্ৰতি তেওঁৰ নিবেদিত নিষ্ঠা আৰু অনুশীলনৰ প্ৰমাণ দিয়ে। সাতে পাচে গৌতম বৰুৱাৰ "ধ্বতৰাষ্ট্ৰ" নামৰ একক কৱিতা পুথিৰ বিষয়ে একেষাৰ লিখিবলৈ পাই ভাল লাগিছে।

তথাকথিত আধুনিক "দীঘল কৱিতা" সম্পৰ্কে পেৰেনথেচিচত পোনতে আৰু এষাৰ কৈ থোৱা ভাল হব। কেই পৃষ্ঠা, কিমান শাৰী নাইবা কিমান শব্দ-বিশিষ্ট হ'লে যি কোনো এটা কৱিতাই ইংৰাজী "লং পয়েম" জাতীয় তথাকথিত "দীঘল কৱিতাৰ" মৰ্যাদা পাবৰ যোগ্যতা অৰ্জন কৰে নাইবা এনে "দীঘল কৱিতা" সচৰাচৰ কৱিতাতকৈ আকৃতিত ডাঙৰ দীঘল হোৱাৰ উপৰিও সম্পদত বা 'কনটেণ্টতো' কেনে ধৰনে বেলেগ হ'লেহে এক স্বকীয়া 'কেটিগৰীত' পৰিব পাৰে সেই বিষয়ে 'একচপাৰ্টৰ' কৰ্তৃত্বৰে কিবা কোৱাৰ যোগ্যতা মোৰ নাই। তথাপি আজি কালি নানান ভাৰতীয় ভাষাত বিশেষকৈ কলিকতাৰ "ৰাইটাৰচ্ ৱৰ্কশ্বপৰ" পৰা বঙলা, আৰু ইংৰাজীত সাহিত্য একাডেমিৰ বঁটা পোৱা পৃথ্বিশ নন্দী আৰু নোপোৱা পি, লাল প্ৰভৃতিয়ে লিখা কেবাখনো দহবাৰ-পতীয়া এটিয়া

কবিতাৰ আটক ধুনীয়াকৈ উলিয়াই অত্যান্ত সহঙা দৰত বজাৰত দিয়া কবিতা সংকলন দেখা পাইছো। গৌতম বৰুৱাৰো লক্ষ্য হয়তো তেনে এক 'প্ৰেচ্‌টিজিয়াচ' প্ৰকাশনেই। সেইবাবে ব্যক্তিগত ভাবে তুলনামূলক ভাবে দীঘল হ'লেও ( শাৰীৰ লেখেৰে প্ৰায় দু'শ শাৰীৰ ) বৰুৱাৰ "ধৃতৰাষ্ট্ৰ" শীৰ্ষক এটিয়া কবিতাৰ এই প্ৰতিফলনৰ দীঘলীয়াকৈ পাতনি লিখাৰ বা পৰিচয় দিয়াৰ প্ৰয়োজনীয়তা বা যথাৰ্থতা সম্পৰ্কে প্ৰথমে মোৰ মন ফৰকাল নাছিল। তথাপি "ধৃতৰাষ্ট্ৰ" কবিতাটোৰ দুটামান বিশেষত্বৰ বাবেই কিঞ্চিৎ বাহুল্য চিনাকীৰ অৱকাশ ৰাখে।

ধৃতৰাষ্ট্ৰ'ৰ যিটো বিশেষত্বই প্ৰথমেই দৃষ্টি আকৰ্ষণ কৰে সেইটো হ'ল এই যে ইমান দিনে মোটামুটিকৈ লিৰিক গীতিধৰ্মী কবিতাৰ ৰচক ৰূপে পোৱা গৌতম বৰুৱাক ইয়াত এক বেলেগৰূপত দেখা গৈছে। ঠিক "এপিক" আয়তনৰ হয়তো নহয় তথাপি 'ধৃতৰাষ্ট্ৰ'ত গৌতম বৰুৱাৰ আগৰ কাব্যচৰ্চাৰ 'গীতিধৰ্মী' সুকোমল, আবেগ-প্ৰৱণ, মিঠা মিঠা ৰূপটোৰ ঠাইত এক সংহত চিন্তাৰ ফালে ঢাল খোৱা, ঝংকাৰপূৰ্ণ "ডিকশ্যনলৈ" মন মেলা, অনুভূতিতকৈ মগজুৰ 'চেৰিব্ৰেচনৰ' ওপৰত বেচি ভেঁজা দিয়া স্বকীয়া ৰূপত পোৱা যায়। ই ঠিক যে 'এপিকমুখী' হ'লেও 'ক্লাচিক' ভাৰসাম্যৰ প্ৰতি প্ৰৱণতা দৰ্শাওতে "ধৃতৰাষ্ট্ৰই" ঠিক মূলতঃ সম্পৰীক্ষামূলক এপিক কাব্য প্ৰয়াসহে। প্ৰকৃততে এপিক নহয়। আকৌ ক্লাচিক গৰীমাৰ সুৰ পোৱাৰ পৰা আঁতৰত যদিও আমাৰ মহাকাব্যিক উল্লেখ-অবয়ব আৰু সৰ্বকালীনক সমকালীনৰ ব্যঞ্জনাৰ পৰিবেশৰে অৰ্থপূৰ্ণ কৰি তোলাৰ উন্নত প্ৰচেষ্টাৰ আশীৰ্বাদত গৌতম বৰুৱাৰ ধৃতৰাষ্ট্ৰই এখন বেলেগ কাব্যলোকৰ ইঙ্গিত বহন কৰিছে।

"ধৃতৰাষ্ট্ৰ" কাব্যৰ (?) কথা বস্তু খিনি হাজাৰ বছৰৰ পূৰ্বৰ ব্যাসোক্ত কুৰুক্ষেত্ৰৰ যুদ্ধত শতপুত্ৰ হেৰুৱা ধৃতৰাষ্ট্ৰ আৰু তেওঁৰ বিবেক স্বৰূপ সঞ্জয়ৰ একপ্ৰকাৰ 'ডায়েলগক' আশ্ৰয় কৰি প্ৰকাশিত হৈছে যদিও আৰু এই বস্তুটো আকাশবাণীৰ জৰীয়তে কিছুদিন

পূৰ্বে প্ৰচাৰিত হৈ গৈছে যদিও ইয়াৰ এটা সমসাময়িক প্ৰাসঙ্গিকতা বিদ্যমান। এই 'বেনিভেলয়িকি' হাইন্দ-চাইটৰ প্ৰতিফলন নাইবা অতীতৰ পৰা ভৱিষ্যতলৈ "প্ৰজেকশ্যন' যি ধৰনেই চোৱা যাওক এতিয়া প্ৰকাশ হবলৈ ধৰা কবিতাটো পঢ়ি আমাৰ সাম্প্ৰতিক ইতিহাসৰ সৈতে তাৰ সামঞ্জস্য পাঠকৰ দৃষ্টি এৰাই যোৱা টান। সেই কথাটোৱে কবিতাটোক বিশেষ গুৰুত্ব প্ৰদান কৰিছে। যুগে যুগে ইতিহাসৰ পুনৰাবৃত্তি হয়—এই টোৱেই সম্ভৱ 'ধৃতৰাষ্ট্ৰ'ৰ বুনিয়াদী 'থীম'। কাব্যপটভূমিতো মোহান্ধতাৰ অৱশ্যম্ভাৱী পৰিণতি আৰু জ্ঞানৰ উপলব্ধিৰ জৰীয়তে, সত্যলৈ প্ৰত্যাৱৰ্তনৰ জৰীয়তে আত্মোপলব্ধিৰ প্ৰভাৱৰ যথেষ্ট স্থল আছে। কবিৰ ধৃতৰাষ্ট্ৰই কুৰুক্ষেত্ৰৰ "ধনুৰ টংকাৰত মদমত্ত হাতীৰ উদ্‌বাউল কোলাহল," "শক্তিৰ কুহেলিকা," "যৌৱনৰ মত্ত অহমিকাৰ" মাজতো মানুহৰ মঙ্গলময় ভৱিষ্যতত আস্থা হেৰুৱা নাই, নিৰাশাবাদী হোৱা নাই। কুৰুক্ষেত্ৰৰ পৰাজিত সম্ৰাট 'অনেত্ৰবান' ধৃতৰাষ্ট্ৰই জ্যোতিৰ বাটেৰে আগবাঢ়ি যোৱাৰ আৰু স্থিত-প্ৰজ্ঞাৰ সন্ধান পোৱাৰ প্ৰবল ইচ্ছাৰ ফল স্বৰূপে মাথোন এটি উত্তৰ বিচাৰিছে।—

"হ'লনে শীতৰ শেষ, হ'লনে আৰম্ভ
পূৰ্বৰাগ অগ্নিময় নতুন গানৰ ?"

আৰু পৰিশেষত উপলব্ধি কৰিছে—

…"সঞ্জয়, তোমাৰ দুনয়নৰ
জ্যোতিৰে মই দেখিছো
এক নতুন জগত।
নেত্ৰৰ নিশা বিনাশী
তুমি মোক দিলা
আগুৱাই এক জ্যোতিৰ্ময়
নগৰ।…"

উপসংহাৰত সঞ্জয়ে মহাৰাজ ধৃতৰাষ্ট্ৰক চকুৰ তমসা আঁতৰাই জ্যোতিৰ পথলৈ আগবাঢ়ি আহিবলৈ কৈছে—য'ত বৈ আছে "আজি হাজাৰ সঞ্জয়" বাট দেখুৱাই নিবলৈ। কৱিতাটোৰ এই পংক্তি কেইটা পঢ়িলে কেই মাহ মাথোন-আগুতে দেশত বিৰাজ কৰি থকা "এমাৰজেন্সীৰ" তমসা আৰু অন্ধযুগ আৰু ধৰ্মক্ষেত্ৰ ভাৰতবৰ্ষত সমগ্ৰ বিশ্বৰ চকুত চমক লগোৱা জনতাৰ বিজয়ৰ অভিযান প্ৰতিধ্বনি নুশুনাকৈ থকা টান। গৌতম বৰুৱাই তেওঁৰ ধৃতৰাষ্ট্ৰত ভাৰৰ শাশ্বত বাণীৰ ঐতিহাসিক গতিশীল তাৎপৰ্যবোৰৰ ইঙ্গিত দিব পৰাটো যথেষ্ট উৎসাহ আৰু আশ্বাসৰ কথা। বৰুৱাই এনেধৰনৰ কাব্য জগতত উত্তৰোত্তৰ সম্পৰীক্ষা চলাই থাকিলে আৰু উন্নত দান পোৱাৰ সম্ভাৱনা আছে।

ধৃতৰাষ্ট্ৰৰ ডিকশ্যন আৰু বিষয় বস্তুৰ বিষয়ে অধ্যয়ন কৰিছো। আধুনিক এপিক-কাব্য প্ৰয়াসী কবিৰ কাব্য সাধনাত যি ধৰনৰ সুদীৰ্ঘ চিত্ৰায়ণ আৰু সংযত মেটাফৰৰ পয়োভৰ দেখা যায়, বৰুৱাৰ কৱিতাটোৰ স্কেল বৰ বহল নোহোৱা বাবেই হয়তো বা এনে ধৰনৰ কৱিতাৰ ক্ষেত্ৰত তেওঁৰ প্ৰথম বিচাৰ হোৱা বাবেই হয়তো তেনে পয়োভৰ 'ধৃতৰাষ্ট্ৰ'ত কম কিন্তু কৱিতাৰ কিছুমান 'ইমেজ' যেনেকৈ ৰসাল তেনেকৈ তেজাল। গৌতম বৰুৱাৰ 'ধৃতৰাষ্ট্ৰ'ই উন্নত কাব্য সম্পৰীক্ষা হিচাবে নিশ্চয় সমাদৰ পাব। মাথোন এটা আশা থোৰতে কৰি থব পাৰি—এনে 'ধ্ৰুপদী' বিষয় বস্তুৰ কৱিতা ৰচনাৰ ক্ষেত্ৰত গীতৰ বিস্তাৰৰ দৰে সুপ্ৰশস্ত বিস্তাৰ থাকিলে আৰু থীমৰ পৰিসৰ 'গ্ৰেজুৱেটেড' হ'লে বেচি মনোজ্ঞ আৰু প্ৰভাবক হব পাৰে।

**শ্ৰীমুনীন বৰকটকী**



মহাভাৰতৰ ধৃতৰাষ্ট্ৰ আছিল জন্মান্ধ।

মোৰ কবিতাৰ ধৃতৰাষ্ট্ৰ কিন্তু মোহান্ধ মাথোন। স্নেহত আপ্লুত 'বৰফ' ধৃতৰাষ্ট্ৰ 'পানী' ধৃতৰাষ্ট্ৰৰ সন্মুখত নতজানু হল। অপত্যস্নেহে বৰফৰ চকুলৈ নমাই আনিলে তমসা। সেই অন্ধকাৰত পুণ্যতীৰ্থ ভাৰতত সংঘটিত হল অভাৱনীয় দুৰ্ঘটনা।

কিন্তু মই আশাবাদী। সেয়েহে মোৰ ধৃতৰাষ্ট্ৰই শেষত পালে উপনিষদৰ ব্ৰহ্মজ্ঞান। চেষ্টা কৰিলে স্থিতপ্ৰজ্ঞ হবলৈ।

মোৰ এই কবিতাটো ১৯৭৫ চনত অসমত জনপ্ৰিয় কৰি তুলিছিল দুজন বিখ্যাত শিল্পীৰ উদাত্ত কণ্ঠধ্বনিয়ে। তেওঁলোক-সকল হল বিখ্যাত নাট্যকাৰ-শিল্পী শ্ৰীঅৰুণ শৰ্মা আৰু উদীয়মান লিখিকা শ্ৰীমতী আৰতি দাস বৈৰাগী। আকাশবাণী গুৱাহাটী কেন্দ্ৰই এক বিশেষ অনুষ্ঠান-যোগে কৰিছিল এই আবৃত্তিৰ প্ৰচাৰ। ইয়াতেই এই সকলোলৈকে কৃতজ্ঞতা জনালোঁ।



সকতে মহাভাৰতৰ সাধুকওঁতে মোৰ বিদগ্ধা জেঠাইদেউ শ্ৰীযুতা হেমপ্ৰভা হাজৰিকাই কৈছিল যে ধৃতৰাষ্ট্ৰই পুত্ৰৰ কুকীৰ্তি দেখিও নেদেখাকৈ আছিল সেয়েহে বোধহয় ব্যাসদেৱে তেওঁক অন্ধ কৰি সৃজিলে। মোৰ এই কবিতাৰ সূত্ৰ সকতে শুনা সেই সাধুকথাটোৱেই।

কবিতাটোৰ আবৃত্তি শুনি বহুতো বন্ধুৱে নানা প্ৰশ্ন কৰি সেই সময়ত মোলৈ চিঠি দিছিলে। সেয়েহে এই সুযোগতে দুজন ভিন্নমুখী ধ্ৰুপদী লিখকৰ সমালোচনা কিতাপখনত সংযোজিত কৰিছো। মই প্ৰবীন সাংবাদিক-সমালোচক শ্ৰীযুত মুনিন বৰকটকীৰ আৰু সাহিত্যিক-সমালোচক ডঃ হীৰেণ গোহাঁইৰ ওচৰত কৃতজ্ঞ।



কিতাপখনৰ পাণ্ডুলিপি আৰু পঞ্জী প্ৰস্তুত কৰোতে মোক বিশেষভাৱে সহায় কৰিছে গুৱাহাটীৰ আলোকশিল্পী শ্ৰীপ্ৰফুল্লকুমাৰ মহন্ত, বজবজৰ ডেকা কবি বিমল পণ্ডিত আৰু মোৰ সহকৰ্মী শ্ৰীঅশোক পাটোৱাৰীয়ে। সাহিত্যিকবন্ধু শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাই মোৰ এই এটিয়া কৰিতাটো কিতাপ আকাৰত প্ৰকাশ কৰিবলৈ মৰসাহ কৰা দেখি মই স্তম্ভিত আৰু কৃতজ্ঞ।

দীপান্বিতা
নিউ আলিপুৰ
কলিকতা

গৌতমপ্ৰসাদ বৰুৱা

# ধৃতৰাষ্ট্ৰ

সঞ্জয়,[১] কোৱা তুমি পুনঃ বাৰ
প্ৰকৃতিৰ কিনো ৰূপ ধাৰণ
বৰ্তমান ?

হ'লনে শীতৰ শেষ ? শুকান পাতৰ
মৰ্মৰ ইংগিত স্তব্ধ হ'ল জানো
হে সঞ্জয়, প্ৰকৃতিৰ ৰূপ হৈছেনে বৰ্তমান
লজ্জা নম্ৰ কপৌ-ফুলৰ সমৰ্পিত আনন্দত
দীপ্তমান !

নে মোৰ এইয়া মাথোন
ভ্ৰান্ত কল্পনাৰ মৰীচিকা
এটিবাৰ কোৱা মোক হ'লনে দূৰ
কালৰ অমোঘ
অন্ধকাৰ ?

১ সঞ্জয় মহাভাৰতৰ এটি বিশিষ্ট চৰিত্ৰ। কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত অন্ধৰাজ ধৃতৰাষ্ট্ৰক তাৰৰ খবৰ তাৰে যোগাইছিল সঞ্জয়ে। আমাৰ কবিতাত সঞ্জয় ধৃতৰাষ্ট্ৰৰ বাবে সত্যবাক্ অকপট সাক্ষী আৰু বাৰ্তাবহ।

মোৰ আজন্ম দগ্ধ কৰি
জীৱনৰ সন্ধিয়া অৱধি
তপ্ত নিশ্বাস হবনে
শীতল ?

ফুলিবনে ফুলনিত
পুষ্প সুবিমল ?

জয় পৰাজয় নিঃশেষ কৰি
কোনো দুখী, কোনো সুখী
সমস্বৰে উঠিবনে গাই
অপূৰ্ব গীতৰ আলোক ছন্দত
বাজিবনে বসন্তৰ নূপুৰৰ তাল
প্ৰকৃতিক পিন্ধাই সাতসৰী হাৰ
আনন্দময় কৰি চাৰিধাৰ ।

মহাৰাজ, তুমি ভাগ্যবান
অন্ধশক্তি তোমাৰ সহায় ॥

নেত্ৰবান হৈয়ো আজি
দেখানাই হ'লে আমি
বসন্তৰ মাদকতা মন্দাৰ
কেতেকীৰ ময়াপী শৃঙ্গাৰ
দেখিছো আমি সন্মুখত আজি
ধৰ্ম ক্ষেত্ৰৰ[১] মাজে মাজে ভাহি
বৈ যোৱা ধূলি ধূসৰিত
ধুমুহাৰ মাথো প্ৰচণ্ড প্ৰতাপ।

মলিন মোৰ প্ৰজ্ঞাৰ[২] দীপশিখা
দীৰ্ঘদিন মোহৰ ছাঁয়াত বন্দী
স্থবিৰ মোৰ ব্যক্তিত্ব আজি।

১ কুৰুক্ষেত্ৰৰ যুদ্ধস্থান ধৰ্মক্ষেত্ৰ হিচাবে জনাজাত। শ্ৰীমদ্ভাগবত গীতাত প্ৰথম অধ্যায়তে ইয়াৰ উল্লেখ আছে: "ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসব" (শ্ৰীমদ্ভাগবত গীতাত প্ৰথম অধ্যায় শ্লোক—১)। আমাৰ এই কবিতাত ধৰ্মক্ষেত্ৰক আৰু অলপ বহল অৰ্থত সমগ্ৰ ভাৰতক বুজোৱা হৈছে।

২ প্ৰজ্ঞা: মূল সংস্কৃত শব্দ [প্ৰ + $\sqrt{\text{জ্ঞা}}$ + অ (ভা)] ইয়াৰ অৰ্থ তত্বজ্ঞান। ৰজা ধৃতৰাষ্ট্ৰই নিজক 'সাংখ্য দৰ্শন' ও 'তত্ত্ব-সমাস'ত অজ্ঞানী বুলি কৈছে।

জ্যোতিৰ বাটৰে আগুৱাই
যোৱাৰ মোৰ প্ৰবল ইচ্ছা
তথাপি.........।

দূৰত শুনিছোঁ যেন জ্যোতিৰ প্ৰপাত
আঘাটত চঞ্চল হয়
অন্তৰ মোৰ বিচাৰিছোঁ খেপিয়াই
স্থিতপ্ৰজ্ঞৰ[১] সন্ধান।

সঞ্জয়, মোৰ কানৰ বন্ধ বতাহত
মই শুনো মাথোন
জ্বলি থকা জুইৰ
গুম্ গুম্, গুম্ গুম্
শব্দৰ কল্লোল

---

১ স্থিতপ্ৰজ্ঞ: যাৰ বুদ্ধি স্থিৰ। অৰ্থাৎ যিজন লোক নিষ্কাম, সুখ দুঃখ ভয় ক্ৰোধাদিত অবিচল আৰু আত্মতুষ্ট তেওঁকে স্থিতপ্ৰজ্ঞ বোলে। "দুঃখেষ্বনুদ্বিগ্ন মনাঃ সুখেষু বিগতস্পৃহঃ বীতৰাগভয় ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে।" (শ্ৰীমদ্‌ভাগৱত গীতা—দ্বিতীয় অধ্যায় শ্লোক—৫৬)

ধনুৰ টংকাৰত আজি
নুশুনো মদমত্ত হাতীৰ
ৰৱ উদবাউল।

হেৰাই গল ক'ত
বতাহৰ শব্দত মিশ্ৰিত
পাঞ্চজন্য[১], অনন্তবিজয়
আৰু দেৱদত্ত

মই মাথোন বৈ গলোঁ জীৰ্ণ সিংহাসনত
অন্ধ ললাটত উঠে বিন্দু বিন্দু ঘাম
শূন্য হৃদয়ত নাই পোহৰৰ সঞ্চৰণ
অসহ্য এই নিস্তব্ধ নিঃসংগ জাগৰণ

---

১ মহাভাৰতৰ দিনত যেতিয়া সেনানী সকল সন্মুখ সমৰত অবতীৰ্ণ হয় তেতিয়া ৰণ-দুন্দুভী হিচাবে শঙ্খ ধ্বনী কৰিছিল। প্ৰতিটো শঙ্খৰ শব্দ শুনি বুজা যায় কোনজন বীৰ কেতিয়া ক'ত আছে। পাঞ্চজন্য-শঙ্খৰ গৰাকী আছিল শ্ৰীকৃষ্ণ, অনন্তবিজয়-আছিল যুধিষ্ঠিৰৰ শঙ্খ, আৰু দেবদত্ত শঙ্খ বজাইছিল অৰ্জ্জুনে।

সঞ্জয়, মোক এবাৰ কোৱা
মোৰ মহাকাংক্ষ স্বপ্নবোৰ
তমসা নিঃশেষ কৰি
উঠিবনে উত্তাৰল পখীৰ
কাকলিত সাৰ পাই ?
কৰিবনে অমৃত সুধাৰে
স্নান ।

আজি মোৰ দৃষ্টি অবৰুদ্ধ
উটি ফুৰা মানুহৰ ধানখেৰৰ দৰে
মোৰ আজি অৱলম্বন তোমাৰেই
ত্ৰিনয়ন ।

সঞ্জয়, কমোৱা তুলাৰ দৰে
মোৰ কল্পনাৰ টুকুৰাবোৰে
আকাশত ভাহি ফুৰিছে উটি
মোৰ ৰাজ্যত জ্যোতিৰ পমখেদি
নিদাঘ বতাহত মৃত্যুৰ দিনগণি ।

বৃদ্ধ মই, স্থবিৰ মোৰ প্ৰাণৰ স্পন্দন
মোক মাথো লাগে
এটি উত্তৰ
হ'লনে শীতৰ শেষ, হ'লনে আৰম্ভ
পূৰ্বৰাগ অগ্নিময় নতুন গানৰ ?

শীতৰ শেষ হব
কুলিয়ে আকৌ শুনাব
আলোকৰ মধুৰ সংগীত
জীৱনৰ প্ৰতিদিন হব
বৌদ্ধিক অনুৰাগ ৰঞ্জিত
মাধুৰ্যৰ শীতল কাকলিত।

বাজিব সনাতন সুৰ
ধ্ৰুৱতৰা দৰে
উজ্জ্বলি উঠিব জ্যোতি
সুমঙ্গল ৰূপে
আৰু মই আদেশ দিম ঃ

দুৰ্যোধন ! এৰা লোভ ৰাজ্য কামনাৰ
মই মহাৰাজ এতিয়াও হস্তিনাৰ[১] ।

এই সসাগৰা ভূমিজ ক্ষেত্ৰত···
মোৰ এটি ইঙ্গিতৰ অপেক্ষাত···
কত সৈন্য, কত সেনাপতি
নাই জানো হৈ দণ্ডায়মান ?

সেয়েহে হে সঞ্জয়, শুনা মোৰ কথা
কৌন্তেয় যুধিষ্ঠিৰক আহ্বান কৰা
মোৰ প্ৰাণৰ পুত্ৰক
দুবাহুত লৈ কম তেওঁক
অন্ধ নহওঁ মই
মোৰ আছে স্থিতি
মোৰ আছে গতি

১ কোনো কোনো পণ্ডিতৰ মতে তেতিয়াৰ হস্তিনাপুৰ বৰ্তমান ভাৰতৰ ৰাজধানী দিল্লীৰ পাৰ্শ্ববৰ্তী স্থান। এই সম্পৰ্কে অৱশ্যে মতভেদ আছে। মোৰ কৱিতাৰ Perspective-ৰ লগত খাপ খাবৰ বাবে হস্তিনাপুৰক ভাৰতৰ ৰাজধানী বুলি গণ্য কৰা হৈছে।

আৰু মোৰ ন্যায়দণ্ড আজিও উজ্জ্বল
মহাৰাজ মই কুৰুক্ষেত্ৰৰ ।

মাজে মাজে মই ভাবো
এইয়া সময় হল জানো
সন্ধি কৰাৰ ? মই ভীৰু
ৰাজশক্তি সেই দিনা মোৰ
আছিল লুকাই ক'ত
যিদিনা কৈছিল হৃষীকেশে
অন্যায় এই যুদ্ধৰ আয়োজন

পুত্ৰ স্নেহত আপ্লুত মই
ব্ৰহ্মাণ্ডৰ সমগ্ৰ জ্যোতিক

হৃষীক ( ইন্দ্ৰিয় ) + ঈশ : শ্ৰীকৃষ্ণৰ আন এটি নাম। ৰাজ্যত অন্যায় আৰু অসত্যই প্ৰশ্ৰয় পাইছে বুলি শ্ৰীকৃষ্ণই কৌৰবৰ ৰাজসভালৈ গৈ বুজাইছিলে যে সত্যৰ সদায় জয়। শ্ৰীকৃষ্ণৰ সময়োচিত সাবধান বাণীক আওকান কৰি শ্ৰীকৃষ্ণক কৌৰব ৰাজপুত্ৰ দুৰ্যোধনে আটক কৰি ৰাখিব খুজি বিফল মনোৰথ হয় ।

দেখিছিলো নামি অহা
অন্ধকাৰৰ ৰূপে মোৰ
দুচকুত ।

ইতিহাসে কৰিলে ছলনা
নাছিলো মই কদাপি জন্মান্ধ
আছিলো কেৱল বধিৰ
মূক আৰু অসহায়
সেয়েহে বুৰঞ্জীৰ অতল গৰ্ভত
ৰৈ গ'ল মোৰ স্নেহান্ধ
পিতৃ পৰিচয় ।

সঞ্জয়, তোমাৰ দুনয়নৰ
জ্যোতিৰে মই দেখিছো
এক নতুন জগত ।
নেত্ৰৰ নিশা বিনাশী
তুমি মোক দিলা
আগুৱাই এক জ্যোতিৰ্ময়
নগৰ ।

আঁতৰিল কলীয়া ডাৱৰ
কৰাল-ৰক্ষীৰ দৰে মই যেন
বন্দীশালৰ তোৰণদ্বাৰত দ্বিধাগ্ৰস্ত
অপৰূপ মুক্তিৰ আস্বাদত।

সি কি অনুমান নে
আপ্তবাক্য[১] ? ঢিমিক ঢামাক কৈ
জ্বলি থকা বন্তী গছিত
প্ৰাণৰ পৰশ দিলে কোনে ?

দিকে দিকে বাজি উঠে
অদ্বৈত[২] পোহৰৰ স্বস্ত্যয়ণ।

আপ্তবাক্য : প্ৰামাণিক সূত্ৰৰ ভিত্তিত পোৱা জ্ঞান। দেৱতাৰ পৰা পোৱা আদেশ। সাংখ্যকাৰিকাৰ মতে প্ৰমাণ তিনি প্ৰকাৰৰ যেনে—প্ৰত্যয়, অনুমান আৰু আপ্তবাক্য।

অদ্বৈত : দ্বিতীয়ত্বহীন। এই সূত্ৰৰ প্ৰবক্তা সকলৰ মতে ঈশ্বৰ বিশ্বৰ একিভূত স্বৰূপ। শঙ্কৰাচাৰ্যই বিশ্বসত্তাক অবিভাজ্য আৰু একক ৰূপত কল্পনা কৰে সেয়েহে তেখেতৰ মতবাদক অদ্বৈত্যবাদ বোলে। ( উপনিষদৰ দাৰ্শনিক তত্ত্ব —হিৰণ্ময় বন্দ্যোপাধ্যায়—উপনিষদ পৃঃ ৩৭ )

মহাৰাজ, কোনো এক বিস্মৃত ক্ষণত
ভুল তুমি কৰিছিলা—
সেয়ে তোমাৰ হ'ল অপৰাধ ।
ৰত্নৰ প্ৰভাব দৰে উজ্জ্বল
মোহন মুকুট কৰি পৰিধান
যেতিয়া আহিছিল জ্যোতিৰ্ময়
অন্ধকাৰৰ অতল তলীত ডুবি
নিমিষতে ৰাজদণ্ড ধূলিত পৰিছিল বাগৰি
দূৰণিত মিলি গৈছিল আৰ্ত প্ৰজাৰ হাহাকাৰ ।

যৌবনৰ বিশ্বগ্ৰাসী মত্ত অহমিকা
বাধাহীন ক্ষমতাৰ স্বপ্ন কুহেলিকা
মুহূৰ্ত্ততে আৱৰি ধৰি
কৌৰৱ কুলক
শৈবাত্বৰ পথ কাৰিছিল ৰুদ্ধ
আৰু মই জানি শুনি
জ্বলাই দিলো শলিতা বিচ্ছেদৰ ।

ক্ষণিকৰ ভুলৰ মৰ্মান্তিক প্ৰায়শ্চিত্ত
অপাৰ ।

সঞ্জয়, মোৰ দুনয়নত
জ্বলিছিল সিদিনা
একবিন্দু মুকুতাৰ
টোপাল।
সেয়ে মাথো সাক্ষী
আছিল মোৰ মানৱতাৰ।

বহুদিন অতীত হ'ল
শেষ হ'ল যুদ্ধ কুৰুক্ষেত্ৰৰ
কিন্তু আজিও জ্বলিছে
গুম্ গুম্, গুম্ গুম্
চিতা জুইৰ অস্ফুট গুঞ্জন
ৰাজ্যত এতিয়াও বলা
নাই বসন্তৰ সুবাস
শীতল।

মহাৰাজ !   তোমাৰ মনৰ নৈশ
আৱৰণ উন্মোচন কৰি
সঞ্চৰণ কৰা পুৱতি-পোহৰ[1] ।
তোমাক বাট দেখুৱাই নিবলৈ
ৰৈ আছে আজি হাজাৰ সঞ্জয় ।

নচিকেতা-প্ৰত্যয়ৰ যুক্তিৰে
প্ৰজ্জ্বলিত হোৱা তুমি,
হোৱা জাগ্ৰত, কৰা অৱসান
অন্ধযুগৰ ।

উত্তৰৰ বুৰঞ্জীয়ে তেতিয়াহে
কব পিতৃয়ে কৰিলে ৰচনা
নতুন সমাজৰ ।

১ ধৃতৰাষ্ট্ৰই পোহৰ ভিক্ষা কৰোতে সঞ্জয়ে যেন সেই উপনিষদৰ ব্যাখ্যা দি কলে : "উত্তিষ্ঠত জাগ্ৰত পাপ্য বাৰান নিবোধত" ১/৩/১৪ কঠোপনিষদ ( উঠা, মোহনিদ্ৰা ত্যাগ কৰি জাগ্ৰত হোৱা, শ্ৰেষ্ঠ লোকৰ পৰা আত্মতত্ত্ব লাভ কৰা ) ।

# পৰিক্ৰমা

আজি কিছুকাল ধৰি গৌতম বৰুৱাই কৱিতা চৰ্চা কৰিছে। এইখন তেওঁৰ কবি জীৱনৰ নতুন অভিযানৰ নিদৰ্শন। ব্যক্তিগত আবেগ অনুভূতিৰ পৰা ঐতিহাসিক সামাজিক জীৱনৰ ৰূপায়নত কবিয়ে এইবাৰ মন দিছে।

আধুনিক কৱিতাৰ বিশেষ আংগিকে ব্যক্তিগত আবেগ অনুভূতিৰ মন্ময় ব্যঞ্জনাক ইয়ানদিনে প্ৰাধান্য দিছে। ৰাজহুৱা জগৎখন বিষবৎ পৰিত্যাগ কৰিছে বহু আধুনিক কবিয়ে। কিন্তু তেওঁলোকৰ ব্যক্তিগত জগৎ কেইখনৰ আধাৰ হ'ল ৰাজহুৱা জগৎখন। সেই জগৎখন বিষাক্ত আৰু বিপন্ন হ'লে তেওঁলোকৰ ব্যক্তিগত জগৎ বিলাকো থান্‌বান্‌ হৈ যাব। ৰাজহুৱা জগৎখন সেয়ে গৌতম বৰুৱাই অবজ্ঞা কৰিব পৰা নাই। বিশেষকৈ "জৰুৰি অবস্থাৰ" ৰোমহৰ্ষক অভিজ্ঞতাই আন বহুতৰে স্বপ্নবিলাস ভাঙিব নোৱাৰিলেও শ্ৰীবৰুৱাৰ মনলৈ গধুৰ জিজ্ঞাসা আৰু দুৰ্ভাবনা বহন কৰি আনিছে।

"মই মাথোন বৈ গলোঁ জীৰ্ণ সিংহাসনত
অন্ধ ললাটত উঠে বিন্দু বিন্দু ঘাম
শূন্য হৃদয়ত নাই পোহৰৰ সঞ্চৰণ
অসহ্য এই নিঃসংগ জাগৰণ।"

ফেচিবাদ ৰোধ কৰাৰ নামত চূড়ান্ত ফেচিবাদ প্ৰৱৰ্তনৰ চেষ্টা, জঘন্য ফাকি, চক্ৰান্ত আৰু নিষ্ঠুৰতাৰে সকলো সভ্য মানবীয় মূল্যৰ ওপৰত আঘাত হানাৰ ষড়যন্ত্ৰ, বাধাহীন ক্ষমতাৰ ভয়াবহ স্বৈৰাচাৰ······ ভাৰতীয় জনগণৰ বাবে ই এক অবিস্মৰণীয়, দুঃস্বপ্ন-প্ৰায় অভিজ্ঞতা।

জনগণেই এই অৱস্থাৰ পৰিবৰ্তন আনিলে। বহু দুঃসাহসী দেশ-প্ৰেমিক নাগৰিকে কাৰাবৰণ কৰিলে। দানবীয় নিৰ্যাতনৰ বলি হ'ল বহুত। গুলি চালনা আৰু কাৰাগাৰৰ অত্যাচাৰত প্ৰাণ হেৰুৱালে অনেকেই। আৰু কিছুদিন চলি থকা হ'লে এই অত্যাচাৰৰ অৱসান ঘটালেহেঁতেন অগ্নিময় বৈপ্লবিক অভ্যুত্থানে। কিন্তু তাৰ আগতেই নিৰ্বাচনৰ সুযোগ অহাত সেইপাট অস্ত্ৰৰেই এই কদৰ্য ৰাজত্ব গুচুৱাই দিলে জনগণে। অৱশ্যে এইবোৰ তথ্য বিকৃত কৰিবলৈ চেষ্টা চলিছে এতিয়া। কুছৱান্ত সিং, ইন্দোৰ মেলহোত্ৰা, প্ৰেম ভাটিয়া আদি সাংবাদিকে জৰুৰি অৱস্থাৰ প্ৰশংসাত পঞ্চমুখ হৈছিল। এতিয়া লাহেকৈ গুলোটাখৰ মাৰি তেওঁলোকেই জৰুৰি অৱস্থাৰ সমালোচনাত আগশাৰী লবলৈ বিচৰা দেখা গৈছে। কিন্তু এইবোৰ মানুহৰ হৰেক ৰকমৰ ভাও-ভংগিমাই ঘটনাৰ সোঁত সলাব নোৱাৰে।

গৌতম বৰুৱাৰ "ধ্বস্তৰাষ্ট্ৰ"ত জনগণৰ এই মহান ভূমিকাৰ ইংগিত নাই। সকলো যেন ৰাষ্ট্ৰনেতা সকলৰ কীৰ্তি। এইটো এটা গুৰুতৰ ভ্ৰান্তি। তথাপি কৱিতাটোৰ এটা বলিষ্ঠ দিশো নথকা নহয়। ক্ষয় আৰু অধঃপতনেই সকলো নহয়। সমাজৰ জীৱনত শীতৰ আৰ্তিৰ পিছত আহে বসন্তৰ প্ৰাণহিল্লোল। গণতন্ত্ৰৰ পথলৈ ভাৰত উভতি অহাৰ লগে লগে জনগণৰ মনলৈ যি মুক্তি আৰু আনন্দৰ আস্বাদ আহিছে, তাক কাব্যিক ৰূপ দিছে বৰুৱাই। ক্ষমতাৰ মোহ আৰু অমানুষিক মিথ্যাচাৰৰ হেঁচাত ৰাষ্ট্ৰ ইমানদিনে পঙ্গু হৈ আছিল। এতিয়া, বৰুৱাই সপোন দেখিছে, সি যেন ঘূৰাই পাইছে তাৰ স্বাভাৱিক মনুষ্যত্ব।

"আতৰিল কলীয়া ডাৱৰ
কৰাল-ৰক্ষীৰ দৰে মই যেন
বন্দী শালৰ তোৰণ দ্বাৰত দ্বিধাগ্ৰস্ত
অপৰূপ মুক্তিৰ আস্বাদত।"

আমাৰ প্ৰাচীন আখ্যানৰ ভেটিত ৰচিত হোৱা বাবে কৱিতাটোৰ আবেদন বাঢ়িছে। বৰ্তমানৰ ঘটনাৱলীত অতীতৰ পোহৰ পৰি তালৈ যেন অভিনৱ মানৱীয় তাৎপৰ্য আনি দিছে। মানুহৰ ঐতিহাসিক জীৱনৰ নাটক আমি যেন প্ৰত্যক্ষ কৰিছোঁ ৰাজনৈতিক ঘটনাৰ মাজত।

কৱিতাটোৰ ৰূপ সংলাপধৰ্মী হলেও ই মূলতঃ নাটকীয় স্বগতোক্তি। সঞ্জয় ধৃতৰাষ্ট্ৰৰ প্ৰতিপক্ষ নহয়, বিবেকহে। দুয়োৰে যুগ্ম কণ্ঠই ফুটাই তুলিছে ব্যৰ্থতাৰ বেদনা, মনুষ্যত্ব হেৰুৱাৰ হাহাকাৰ আৰু মুক্তিৰ অমৃত আস্বাদ।

ড° হীৰেন গোহাঁই

# শব্দপঞ্জী

অনন্তবিজয়
অন্ধশক্তি
অন্ধলোচন
অবৰুদ্ধ
অহমিকা
অমোঘ
অদ্বৈত
আজন্ম
আনন্দময়
আপ্তবাক্য
আপ্লুত
আলোক
ইঙ্গিত
কল্লোল
কৌন্তেয়
কুৰুক্ষেত্ৰ
গুঞ্জন
গুম্ গুম্
জন্মান্ধ
জ্যোতির্ময়
তপ্ত
তমসা
দগ্ধ
দণ্ডায়মান
দেবদত্ত
দৃষ্টি
দুৰ্যোধন
ধূসৰিত
নেত্ৰবাণ
নিদাঘ
নিশ্বাস
পাঞ্চজন্য
পূৰ্বৰাগ
প্ৰজ্ঞা
বধিৰ
বৌদ্ধিক
ভ্ৰান্ত
মদমত্ত
মন্দাৰ
মহীৰুহ
মস্তক
মধুসূদন
মাধুৰ্য
যুধিষ্ঠিৰ
সঞ্চৰণ
স্বস্ত্যয়ণ
সসাগৰা
সাতসৰী
স্থবিৰ
স্নেহান্ধ
স্থিতপ্ৰজ্ঞ
শৃঙ্গাৰ

# উৎস পঞ্জী

এই খণ্ডকাব্যখন ৰচনা কৰোতে বিভিন্ন শ্ৰুতি, উপকথা আৰু গুৰুজনৰ ব্যক্তিগত বাখ্যাৰ দ্বাৰা প্ৰভাবিত হোৱাৰ উপৰিও বিভিন্ন সমসাময়িক অথবা পৌৰাণিক গ্ৰন্থ অধ্যয়ন কৰিছিলো। ইয়াতেই সেই উৎস সমূহৰ উল্লেখ কৰিলো ঃ—

উপনিষদ—অতুল চন্দ্ৰ সেন, কলিকাতা ১৯৭৪

উপনিষদ কথা ঃ প্ৰবোধ চন্দ্ৰ চৌধুৰী, কলিকাতা ১৯৪৭

কাশীদাসী মহাভাৰত ঃ সম্পাদক—সুবোধ চন্দ্ৰ মজুমদাৰ অষ্টম সংস্কৰণ, কলিকাতা

কৃষ্ণদ্বৈপায়ন ব্যাস কৃত মহাভাৰত—ৰাজশেখৰ বসু

জতুগৃহ—চিত্ত সিংহ

পাঞ্চজন্য—গজেন্দ্ৰকুমাৰ মিত্ৰ

মহাভাৰত—কালীপ্ৰসন্ন সিংহ, পশ্চিমবঙ্গ নিৰক্ষৰতা দূৰীকৰণ সমিতি ১৯৭৪

শ্ৰীমদ্ভাগৱত গীতা ঃ স্বামী স্বৰূপানন্দ, মাঙ্গলোৰ ১৯৭৩ একাদশ প্ৰকাশ

সম্ৰাট—নৱকান্ত বৰুৱা

A classical Dictionary of Hindu Mythology & Religion, Geography, History and literature.
—John Dowson : Routledge & kegan Paul Ltd., London 1968.
Outlines of Hinduism—T M P Mahadevan
Bombay Chetana Ltd., 1956.
Source of Indian Tradition—Theodore Berry De
Columbia University Press 1968 (2 Volume).
The essence of the Principal Upanishads
—Swami Sivananda 2nd edition 1950.